# বীণা।



শ্রীঅম্বিকা চৰণ ৰায় চৌধুৰী
প্ৰণীত আৰু প্ৰকাশিত।

প্ৰথম তাঙৰণ।

বেচ ৷৷০ আঠ আনা।

# কৃতজ্ঞতা প্ৰকাশ।

মোৰ পৰম বন্ধু চিত্ৰকৰ কবি শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ডাঙৰীয়াই হাতে লেখা অবস্থাতে এইখান কিতাপৰ ভুল ভ্ৰান্তি চাই দিয়াত, তেওঁৰ ওচৰত মই সদায় কৃতজ্ঞ থাকিলোঁ।

শ্ৰীযুত কেশবচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই এই কিতাপ ছাপোৱা খৰচ বহন কৰাত তেওঁৰ ওচৰতো কৃতজ্ঞ থাকিলোঁ।

শ্ৰী অম্বিকা চৰণ ৰায় চৌধুৰী

# পাতনি।

চাৰিওফালৰ পৰা চেপি ধৰা এই বৰ ডাঙৰ জগত খানৰ খুন্দা খাই, মোৰ অন্তৰ ফালি ভাব সাগৰৰ যি দুই চাৰি জোলোকা জৰি পৰিছে, তাৰ বাজে আন একো ইয়াত ঠাই পোৱা নাই।

২৫ ভাদ্ৰ ১৩২৩ সন
ডিব্ৰুগড়।

শ্ৰীঅম্বিকা চৰণ ৰায় চৌধুৰী

## মোৰ বীণা।

মোৰ চেনেহী সাদৰী বীণা,
আজি সাৰদ সুৰদি দিনা,
তোৰ অন্ধ আতুৰ দৃষ্টি
খুলি ঢাল আজি
ত্রিভুবন বাজি
সঙ্গীত সুধা বৃষ্টি।
শীতল শুভ্ৰ সুৰৰ সিন্ধু সাতুৰি নাচৰি দুলাই তুলি,
মলিন বিশ্ব পথালি শৰীৰ মোহিনী ৰূপত উঠক ফুলি।

সৌৱা সুনীল-সিপাৰে ৰহি
কতনো যাতনা সহি
মোৰ বিৰহ-ব্যথিত প্রিয়া,
গান গাই গাই,
মোৰে বাট চাই,
কৰিছে আকুল হিয়া।
যা—যা—তই লৰা লৰি কৰি মোৰো গান কিটি বুকত লই,
তাৰ সুৰে স'তে গলা-গলি কৰি গা যাই ৰাগিনী একেটি হই

ক' যাই বাতৰি মোৰ,

আজি পাৰিছে সকলো ওৰ ;

মোৰ সৰস হিয়াৰ তলি,

বিৰহৰ জ্বালা,

খাই থান বাগ,

উঠিছে বেথাত জ্বলি —

এত সময়ত আহি যদি তেওঁ সাদৰি আদৰৰ চুমাটি খায়,

জ্বালা কালা হোৱা হৃদয়ৰ মোৰ তেহে যদি আৰু যাতনা যায়

আহিব আহিব বুলি,

ৰাখিছো দুৱাৰ খুলি,

মোৰ হিয়া-ভাঙা ৰাঙা বেণু,

বিৰহত পৰি,

চাটিফুটি কৰি,

আছে বাই বেথা বেণু।

আহিলেই তাৰে বুকত সাবটি ৰাজিম মোহিনী দুখান গাল,

সেই ৰূপ চাই শত জনমৰ যাতনা খেদাই জিনিম কাল।

*      *      *      *      *

# বীণা

## কিয় ?

হেপাহৰ টানি ৰেখা,
নিদিয় কিয়নো দেখা ?
ক'চোন ক'চোন হেৰ প্ৰাণৰ সোণাই ?
ভাবি ভাবি ৰাতি দিন,
তো'ত কিয় হওঁ লীন ?
কিয় মোৰ জীৱনত সুখ শান্তি নাই ?
বশিয় বাসনা এৰি
সুখ দুখ ত্যাগ কৰি
সমুলি কৰিব খুজোঁ হেপাহৰ ওৰ.
তথাপিতো কিয় তই
অন্তৰত ৰই ৰই
সৰল শীতল প্ৰাণ পুৰি মাৰ মোৰ ?
তোক মাতি মাতি মই
কিমান কাতৰ হই
কিবাকিবি হ'ল মোৰ আদৰুৱা গান।
কিয় নিৰদয় তই,
কাষ চাপি আহি তই,
শীতল নকৰ মোৰ দগধ পৰাণ ?

---

## যদি

মই প্ৰাণ ঢালি যদি পাব লাগে তাৰ
তোমাৰ মোহিনী ছবি,
হৃদয় আকাশ পোহৰাই মোৰ
তুলি দিয়া প্ৰেম-ৰবি।
হাজাৰ কামৰ মাজেদি সৰকি
যদি হে আহিব খুজা,
মোৰ পৰাণ-পাহিত কি লেখি ৰাখিছোঁ
তাক আগে তুমি বুজা।
নহলে নো তুমি আহিবা কেনেকৈ'
পাবা মোৰ চিত মন ?
"তুমি ম'উ পিয়া লুতুৰা তোমোৰা
মই তৃপিতিৰ ধন।"

---

## তেতিয়া

ধাতাহে যেতিয়া মোৰ মেলা চুলি কোছা
চুমা খাই কয় আহি
কিবা এটি দুৰণিৰ কথা,
তেতিয়া তুমিও মোৰ অন্তৰত বহা
মনে মনে হাহি হাহি
কাৰ ছবি বিৰহত গাঁথা।
কোমলা বিমল স্নিগ্ধ মাধবী লতাৰ
ফাকেদি ভুমুকি মাৰি

## বীণা।

চাওঁ চাওঁ মুখনি তোমাৰ,
জ্বলি পৰে হৃদয়ৰ গুপুত বেথাৰ
যিমান জাননী দগ্ধ পাৰী,
উপচাই জীৱনৰ পাৰ।
ঝিলমিল ধাৰা উঠি নীল আকাশত
তুলি মিঠা হাঁহিৰ পলক
মুগ্ধ কৰে স্তব্ধ মহানীল,—
তুলি তাৰ প্ৰভা খিনি, জীৰ্ণ জীৱনত,
দগ্ধ ৰেখা টুবাই তলত
আঁকে চিত্ৰ সুখ-শান্তিশীল।

---

## মোহ

আজিও তো পাওঁতে তৰ কিয় কোনোকালে,
মুগ্ধ চেতনা নাই চাওঁ চাওঁ মোৰ ফালে ?
মোহ হেতো নাই তোৰ
তৃপিতিৰ শেষ,
তাতেহে ভৰমি ফুৰ
নত দৰ দেশ !
সয়েহে আচল তোৰ পিয়াহৰ পানী,
বুকত সাবটি ধৰ সঁচা বুলি মানি !

---

## ময়ো

ক'লা ৰাতিটোৰ মাজেদি সৰকি
পৰে যদি মোৰ সখিৰ হাঁহি,

তুলি আনি থই দিম হৃদয়ত
কদাপিতো যেন মুগুচে বাহি।
সুনীল আকাশ ফালি ছিৰি যদি
পৰে পৃথিবীত সধিৰ গান,
ম'য়ো বিৰহৰ বীণ খনি লই
জগতে বাজাম প্ৰেমৰ তান।

---

## চা'চো আহি ?

চেনেহী ৰাক্ষসী ?
তই ৰাঙা ৰাঙা কলিজাৰ ৰাঙা ৰাঙা তেজ
চাই যদি খুজিছ ৰাহিব,
তোক উপহাৰ দিম বুলি কাটিছোঁ কেনেকে
চাচো' আহি ?—নালাগে মাতিব।

---

## এয়ে নেকি ?

তোৰ ভাব জু'য়ে মোৰ কোমল হৃদয়,
চা'চো আহি পুৰিছে কিমান ?
তোকে ভাবি ভাবি দেখোঁ কাটালোঁ জীৱন
এ'য়ে নেকি তাৰ প্ৰতিদান ?

## কিয় ?

তোমাৰ প্ৰেমৰ কাৰণে কান্দি কান্দি মই
কলিজা কৰিলোঁ কলা ;

## বীণা।

তুমি        বুকৰ পাৰত শিল বান্ধি কিয়
ইমান নিদয় হলা ?

## ভাবি চোৰাচোন ?

মোৰ প্ৰাণৰ মুৰত বিৰহৰ ৰেঁচা
কিমান চাপাবা আৰু ?
বেথাৰ ভৰত আঞ্জলি দেহি ঐ
ভাঙ্গি নাযাব নে বাৰু ?

---

## তথাপিতো।

কোমল হৃদয় মোৰ
বিৰহ জুইয়ে তোৰ,
পুৰি পুৰি কৰে যদি ছাই।
আমৰণ প্ৰেম লতা
ভাবি ভাবি তোৰে কথা,
বাচি যাব তোকে মাত্ৰ চাই।

---

## আছোঁ।

এদিন দুদিন নহয়
অনন্ত জীৱন এই
তোকে মাগো আছোঁ বাট চাই,
চা'চোন হয়নে নহয়

তোৰ মোহিনী মুখত ৰাঙা প্ৰেম সানি
হাঁহি হাঁহি সোমাবিচি।
তেহে প্ৰেমালোক ভৰ থাকা তোৰ
মুখৰ পোহৰ পৰি,
তেনেয়ে জুৰুলা ঘৰখনি মোৰ
থিয় হব ঠন ধৰি।

সঁচাকে।

নাই মোৰ কাণ্ডলাত জেহেৰ চাণ্ডাৰ
বণা বগা ফুল ভৰা সাট।
আহিবৰ পোৱা কিয় ইমান বেজাৰ?
আহাচোন?—মাতা এটা মাত।

---

নাই হেনো?

নাই হেনো! শাৰ তিলমানো দয়া
উদং হিয়াৰ চুক?
তোৰ কিন্তু সেই মিঠা হাঁহি খিনি
জিলিকাছে মোৰ বুক।
হয়নে নহয় চা'চোন এবাৰ
প্ৰাণৰ তৰপ মেলি,
হিয়া আকাশত তোৰ ভাব পখী
কিমান ফুৰিছে খেলি।

---

আচৰিত !

তুমি মোপোৱা নে মোক চিনি ?
ৰাক আছোন মনত তাহানিৰ সেই
প্ৰেমভৰা মিঠা কথা ?
এখান পাটীত দুয়ো পৰি ৰই
আছিলোঁ দ'য়োতে গপা ।
মোক কিয়নো নোপোৱা চিনি ?

---

অবিচাৰ ।

মোৰা । কিয় তুমি নিদয় ইমান ?
চোৰাঙ্কোম প্ৰাণে মোৰ ভাবত ভাগৰি
কিমান টুকিছে অশ্ৰু ৰাগৰি ৰাগৰি !
তথাপিতো তুমি কিয়
ইমান হই নিদয়
চাই আছা অভাগাৰ জুই জলা দুখ ?
সৰিকতে পাইছানে অন্তৰত সুখ ?
মোৰা ! কিয় তুমি কঠুৱা ইমান ?

---

যাম ।

মোৰ সখিৰ হাঁহিৰ একেটি কণিকা,
পৰে যদি পৃথিবীত আহি,
মই কোটি জনমৰ যাতনা পাহৰি
যাম সুখ সাগৰত ভাহি ।

---

## সখি ?

সখি ? বাজোৱা বাজোৱা চোন সন্ধিয়াৰ বাঁহী,
চাওঁ মধু আছে নো কিমান।
পাহৰোঁনে পমাৰ মোৰ মুগ্ধ মন পাহি
শুনি সেই মনমোহা গান !

---

## মাৰ যাম মই।

চোৱাচোন সখি !
শুনিবানে কথা এটি মোৰ !
হিয়া মন্দিৰত মোৰ
কিমান খোটালী সাজি,
থগা থগা হাঁহি ভৰা
প্ৰীতিৰ ফুলেদি জাজি,
শীতল শেতেলি পাৰি ৰাখিছোঁ কিমান,
গাই গাই হিয়া ভৰা কিবা কিবা গান —
যিখানতে ভাল পোৱা,
সিখানতে ভৰি থোৱা, —
অনুৰাগৰ পানী ঢালি
ধুই দিম পদ কলি,
প্ৰেমৰ গামোচা মেলি মুচি মুচি মই
মনে মনে মাৰ যাম তাতে বই বই।
শুনাচোন সখি,
ৰাখিবানে এই কথা মোৰ ?

---

## আহা ?

মই মেলি থই দিছোঁ
হিয়াৰ দুৱাৰ
টিপতে সুমোৱা আহি ?
লই প্ৰেম ভৰা
মাধুৰী পুৱাৰ
মাৰি মিচিকিয়া হাঁহি।

---

## সেইবাবে।

তাহানিৰে পৰা মই হিয়াৰ চুকত,
ৰাখিছিলোঁ যিবা এটি সঙ্গীত লুকাই,
কোন শত্ৰুৱে নো মোৰ বন্ধু ভাৱে আহি,
চুৰ কৰি নিলে আজ অজনাটো পাই ?
এতিয়া যিখিনি আছে
ভাবিছোঁ মনত, পাছে—
ভাল বুলি গাম মই সুৰ ভাঙ ভাঙি
কি জানোঁ বা তাত তাৰ নপমে পৰাণ !
সেইবাবে আজি মই বিয়াকুল হই
গাইছোঁ চখু-লো টুকি আধাফুটা গান।

---

## সেয়ে।

সঠিকতে লই
নাহিবিনে বাক
ভাঙা ঘৰ বুলি মোৰ ?

## আজি।

মোৰ হৃদয় ফুলনি আজি
কি মধু সাজেৰে সাজি
উঠিছে চাহি।
শাৰী শাৰী থৰে থৰে,
মাধুৰী উপচি পৰে,
চোৱাঁচো' আহি ?
জানোঁ সখী
জানোঁ মই তোমাৰ মন্দিৰ
বিশ্বভৰা সৌন্দৰ্য্যৰ উপৰ টিঙত ;
মোৰ এই শাৰা জুপৰিৰ
অলপো মাধুৰী নাই ব্যথিত মনত।
সুখত তোমাৰ কাষ থাকি,
সকলো খিনিকে কাঢ়ি ৰাখি,
ভাবি আছা নিজে নিজে মহা ভাগ্যবান ,—
মোৰ কিন্তু এই জুপুৰিত,
চাঁচি ভৰা আনন্দ পুৰীত,
ভৰি আছে কাণে কাণে মাথো মহাপ্ৰাণ।

দিয়া !
লয় লাসে থমকি থমকি
আছা মোৰ জীৱন-সুৰাগী ?
হৃদয়ত্ৰ সানি দিয়া মোৰ
বিশ্বভৰা প্ৰেম-প্ৰীতি ৰাগী ?

আছে।

মোহাৰা সুমাৰ নিৰাপদে তুমি
মোৰ প্ৰাণ হেনো কৰা ?
ৰাঙা পৰাণৰ অনুৰাগী তুমি,
সিবাবে নিদয় হলা ?
সঁচা যদি সখি তোমা তেনেহলে
একেটি কটাক্ষ কৰি,
তোমাৰ বিৰহ জুইত পৰি প্ৰাণ কেনে
জ্বলি আছে ৰাঙা পৰি !

## স্মৃতি লোপ।

কিয়নো মিচিনা তুমি মোক ?
তোমাৰ অনন্ত সেই প্ৰেম ভৰি থাকা,
প্ৰেম আচলৰ গাঁথি খুলি
চোৰাচোন মনি ?
যদিহে নেদেখি তাত মোক
দেখা মাথো দগ্ধ জীৰ্ণ ভাগাংছিঙা জাকা·
তেহে মোক চিনা নাই বুলি
কব পাৰা গণি ?

## ইঙ্গিত

মোৰ হিয়াৰ মাধুৰী থৰে থৰে থই,
সাজিছোঁ জখলা খনি,
মনে মনে তুমি খোজ লই লই
মেলাহি দুৱাৰ খনি ?

———

## প্ৰশ্ন

মই চিন্তা ফুলৰ মধুৰতা সানি
আজিছো গেঁথেলি থন,
এবাৰো তোমাৰ আঙিনৰ কিয়
তথাপি নাযায় মন ?

## আদেশ

মোৰ মিঠা মিঠা ফুল ভৰা
ফুলনিৰ পাৰে পাৰে,
বিৰচত পুৰি মৰা
হৃদয়ৰ টাঁৰে টাঁৰে
দি চোন লগাই সেই গান ;—
প্ৰেমভৰা জগতৰ
মন্দিৰৰ পুৰে পুৰে,
ভাঙা ছিঙা জীৱনৰ
আধা-ফুটা সুৰে সুৰে
বই য'ক ভৰপূৰ গান।

---

৩৪

সুৰদি পুৰাৰ
মিঠা মিঠা বাতাহৰ
সুৰে সুৰে উঠি উঠি

যেতিয়াই ঢেও ধৰি নাচে তোৰ গান ;-
হিয়াৰ দুৱাৰ
এটিপতে মেলি মোৰ
তাহি আছে প্রেম পুঠী,
নানা ঢ'উ তুলি তুলি—আকুল পৰাণ ॥

---

## সঠিকতে !

জোনাকৰ মউ-সানা
ঢউ ফালি ফালি
ভাহি ভাহি আহে তোৰ সুৰ :—
দোপে দোপে বিৰহৰ
জুই জ্বলি জ্বলি
পুৰে মোৰ অন্তৰপুৰ ॥

---

## প্রার্থনা।

নিতে নিতে থিয় হই পদূলি মুৰত,
তো'কে দেখোঁ মাতি মাতি আছোঁ বাট চাই ?
যোৱা।—এবাৰনো নালাগে নে আহিব আগক ?
চোৰাচোন দগ্ধ মোৰ হৃদয়-পুৰত
কাতৰ পৰাণ আছে কেনে দুখ পাই,—
বাৰু,—-এবাৰনো নালাগে নে আহিব কাষক ?
তোমাৰে অতীত স্মৃতি চিন্তা কৰি কৰি।
কিমান চানেকি লই ৰচিলোঁ। হৃদয়,—

মনত পৰে নে বাৰু—চোৰাচোন ভাবি তুমি ?
——নকয় আভুৱা তুমি লাজুকী লাহৰি——
আঁতৰাই একফালে মিছা লাজ ভয়,
হিয়াৰ পাৰেদি মোৰ চোৱাচোন জুমি জুমি।

---

## কৰিছে আকুল।

মোৰ চঞ্চল চখু কি কাৰণে আজি
কাৰ বাবে এনে বিয়াকুল ;
হৃদয়ৰ টাঁৰ স্মৃতিয়েনো কাৰ—
বজাই কৰিছে আকুল

---

## উপহাৰ।

লবি নে লবি নে সখি—
মোৰ এই উপহাৰ '
প্ৰেমত পমাই তুলি
গাথিছোঁ কেনেটি হাৰ !
চা'চোন এবাৰ পিন্ধি
বিশাল বুকত তোৰ,
[illegible]ল বস্তু সাজিবৰ—
আছে নাই শক্তি মোৰ।

---

## নিদিবা নে ?

মোৰ গানৰ মাধুৰী ভৰা
হিয়াৰ ছাঁয়াত,
বাজি আছে দিন ৰাতি আদৰৰা গান,
এবাৰনো নিদিবা নে
তোমাৰ হিয়াত
মিলি যাব একে লগে এই মিঠা তান ?

## সোনকালে আহা সখি ?

মোৰ হৃদয়ৰ পাৰে পাৰে দপদপ্ কৰি—
চোৰাচো' বিৰহ জুই জ্বলিছে কিমান ;—
এতিয়াও লাগা নাই হিয়াৰ বুকত
সোনকালে আহি সখি ! শীতলোৱা প্ৰাণ !

## কোৱা !

তোমাৰ বিৰহ জুইতে যদি,
পুৰি যায় হৃদয়ৰ বগা ফুল কিটি,
মোৰ অনুৰাগ সানি সানি
আসন তোমাক সখি ! কিনো দিম পাতি ?

## শেষ প্ৰশ্ন !

সঁচাতে নে মই তোৰ নহওঁ আপোন ?
কিয় তেনে ৰাতি দিন,

তুলি তুলি কল্পনাৰ বেণু,
সাজিছোঁ শেতেলি মোৰ প্ৰীতি সানি সানি।
কিয় মোৰ শুখোৱা প্ৰেমত ঢালোঁ পানী ?
বাই কিয় ভাঙা মোৰ বেণু,
হব খুজোঁ তোতে লীন ?
এয়েনে অমৃত-ভৰা তোৰ মিঠা মন ?

---

## চোৱাচোন।

মোৰ এই হৃদয়ত প্ৰেম নাই বুলি
ভাবা হেনো ?  সেইবাবে মুখুজা আহিব।
থাইছে বিৰহে মোৰ হিয়া খুলি খুলি
সেইবাবে মোক চাই মুখুজা হাঁহিব।
চোৱাচোন বাৰু তুমি চথু জুৰি মেলি,
মোৰ এই গানভৰা অন্তৰৰ ফালে,
কাণে কাণে ভৰি প্ৰেমে কেনেদৰে খেলি
জগতৰ চাৰিফালে প্ৰেম মাথো ঢালে।

---

## তেতিয়াহে বুজিবা।

সঁচাতে শুখান ভাবি যদি মোৰ প্ৰাণ,
দিন ৰাতি কৰি আছা অহেলা ইমান,
চাবা তেনেহলে বাৰু,—
কাকুতি নকৰোঁ আৰু,

বাসনাৰ বান্ধ ছিঙি
হৃদয়ৰ পাৰ ভাঙি
যোৱাম প্ৰেমৰ সোঁত এনেদৰে মই,
অনন্ত তোমাৰ বিশ্ব মূছকঁছ গই,
ধূলা মাটি হই
ভুকিতো যাবই,—
উপৰঞ্চি চুব যাই তোমাৰো পৰাণ,
তেতিয়া বুজিবা মোৰ প্ৰেমনো কিমান।

## সঁচা নে ?

তুমি হেনো সৌন্দৰ্য্যৰ অসীম ভৰাল,
মই হেনো কুৰূপ তেনেই
তাতেহে নোপোৱা মোক প্ৰাণ ঢালি ভাল,
মোৰ ফালে নোচোৱা নিচেই

—•—

## মিছা ! মিছা !

মিছাতে মাৰছোঁ মোৰ ভাঙা বেণু বাই,
মিছাতে জাগৰে প্ৰাণ গান গাই গাই,—
প্ৰাণতে নাবাজে যদি তোৰ,
হিয়া-জালি ভাঙা গান মোৰ,
কিয় মই গাই গাই হওঁ বিয়াকুল,
মিছাতে বিচাৰো কিয় তৃপিতিৰ কুল ?

—•—

## ক'চোন !

যদি মোৰ বিৰহৰ ভাঙা গান কিটি,—
সঁচাতে নালাগে তোৰ ভাল,
ক'চোন কিহলে তোৰ পুৰিব তৃপিতি,—
কি পালে নো পাবি তই ভাল ?

—০—

## শিখা'চোন ?

জানোঁ৷ মই মোৰ এই কঠুৱা গানত—
নিচেই নপমে তোৰ মন।
শিখা'চোন তোৰ বাক মউ-মিঠা গান—
পাৰোঁ নে পমাব তোৰ মন ।

—০—

## দে'চোন !

মোৰ গানে তিলমানো নোৱাৰে পমাব
কলেই হব নে বাক তই ?
দে' চোন চুৱাব মেলি হৃদয়ৰ তোৰ—
পৰ নে নপৰ মুগ্ধ হই।

—০—

## আহচোন !

মোৰ গান ভৰা এই হিয়াৰ ফুলনি
মাথোন ৰসেই ভৰা,
তুই চা'হিচোন হয় নে নহয়
নামি সৰগৰ পৰা ?

—০—

## থাক তেনেহলে।

মোৰ গানৰ সোৱাদ এবাৰলো তই
চুপি নাযাবি নে বাৰু?
থাক তেনেহলে তোৰে গান শুনি
নামাতো দনাই আৰু।

---

## ক'চোন?

ৰাতি পুৱাবৰে পৰা বিচাৰি বিচাৰি
পৰিলোঁহি দুভাগ নিশাত,
নুঠ যদি জ্বলি তই মোৰ সমুখত
কোনে মোক দেখুৱাব বাট?

---

## নুঠে কিয়!

পুৰাৰ ৰাগিনী ধৰি ধৰি,
ম'যো দেখোঁ গালো কত গান!
কিয় মোৰ জীৱনত ভৰি—
নুঠে তোৰ মনমোহা তান?

---

## নাজানোঁ।

নাজানোঁ তোমাৰ মিঠা মুখখান
কিহত পমাই তুলিছা,—
তাৰ প্ৰলোভনে কাতৰ কৰিব
আকুলতা সানি দিছা।

---

## নালাগে একো।

তোৰ ৰাঙা প্ৰেম-সানা মুখ খনি চাই
যদিহে মৰিব পাৰোঁ,
সুখ লাগে বুলি চিঞৰি চিঞৰি,
নকমাও সুখ কাৰো।

—॰—

## তেহে!

তাৰ ৰাঙা ৰাঙা ভৰা ভৰা সৰস সুন্দৰ,
মউ-সানা মিঠা ওঁঠ দুটি,
যদি চোন জগত-জয়ী প্ৰেমেদি বোলাই
তেহে যাব প্ৰাণ মোৰ ফুটি

—॰—

## তেহে বুজি পাবা।

মোৰ দুখান হৃদয় চেপি চেপি চালে
তেহে বুজি পাবা তুমি,
মধুৰ স্নিগ্ধ সৰস প্ৰেমৰ—
কেনেনো ৰসাল ভূমি।

—॰—

## চোৱাচোন বাক?

হৃদয়ে নহয় চোৱাচোন বাক,
এবাৰ হিয়াত বহি,—
পাৰে নে নপাৰে ফুলাম প্ৰেমৰ
পৰিমল থহি থহি।

## এবাৰ মাথোন।

এক দুই তিনি চাৰিকৈ
গণি গণি অন্তহীন দিন,
পৰি আছোঁ দেখোঁ বুলি তোমাকে মাথোন ;-
কিন্তু তুমি নিৰদয় হই
এনেদৰে ভাবা মোক ভিন ?
এবাৰ আপোন বুলি দেখা দিয়াচোন।

---

## মোৰো।

উষাৰ আঁচল
কঁপাই কঁপাই
ৰিণিকি ৰিণিকি বাজিছে গান—
লভি প্ৰেম বল
কেনে প্ৰীতি পাই
হাঁহি নাচি উঠে মোৰো পৰাণ।

## দেখা পাওঁ।

আকাশৰ নীল-ফাকেদি সৰকি
পৰে যদি মোৰ দেখা,
দেখা পাওঁ মাথো মিঠা হাঁহি ভৰা
তোমাৰে মুখৰ ৰেখা।

## তোকে আঁকো।

নীল সাগৰৰ সেই
সুশীতল ছাঁয়া
আছি যদি পৰে মোৰ হিয়াৰ বুকত,
তাৰে ৰঙ সানি সানি
মিঠা কল্পনাত—
তোকে আঁকো ভাবি ভাবি প্ৰাণৰ সুখত

---

## কি পাবা।

মোৰ ছাণ্ডি জুহি যোৱা
জুপুৰিত আছি,
কি ধন লভিবা তুমি?
কিনো সুখ পাবা
হৃদয়ত আছি
কিয়াগি সৰগ ভূমি?

---

## তাতে হে।

মোৰ হৃদয় ফুলৰ মাজেদি দেখিছা
ৰগা ৰগা বাট যিটি,
সেই বাট ধৰি আহিলে হে যদি
পৰে তোৰ তিৰিপিতি।

---

লুকাই থাকিবা তাতে তুমি।

মোৰ ভাঙা ঘৰ—
কি জানোবা কোনোজনে দেখা পাব বুলি
আহিব সুখুজা হেনো তুমি?
চোৰা মনোহৰ!
আছে কেনে হৃদয়ৰ পাহি কিটি ফুলি
লুকাই থাকিবা তাতে তুমি।

## মোৰ আছে।

মোৰ হিয়াৰ মাজত একেখনি মাত্ৰ
নিৰমল ঠাই আছে।
আহা, আহা সখি! বহা সোনকালে,
জুই পৰি যাব পাছে।

## কিনো আছে মোৰ?

মোৰ আছেনো কি ধন কি দিম তোমাক,
ভাঙা-হিয়া মাত্ৰ সাৰ।
তাকে লই তুমি হৰষিত হই—
কৰা ই সাগৰ পাৰ।

## এই জ্বলালোঁ।

ইমানতো মাতি মাতি নাপালোঁ যেতিয়া
থাকা তেনেহলে তুমি তোমাৰে সুখত,
তোমাৰো সুখৰ ঘৰ ছাই হই যাব—
বিৰহৰ জুই কুৰা জ্বলালোঁ বুকত।

## দেচোন সখি।

মোৰ ভাঙা জুপুৰিৰ বুকত ভৰাই
দিচোন সখি,
সুৰাগত পুমি যোৱা
তোৰ সেই বিশ্বজয়ী গান ;—
মোৰ ভাঙি পৰি থকা হৃদয় জোৰাই,
থাকিম বহি,
ভৰি থকা ভালপোৱা
একে খনি বগা বগা প্ৰাণ।

---

## মুঠে কিয়।

তোমাৰ জগতৰ পাৰে পাৰে—
তোমাৰে গীতৰ সুৰ
মৃদু মন্দ বেগ ধৰি
হালি জালি নাচিছে কিমান।
মোৰ হৃদয়ৰ টাঁৰে টাঁৰে
সেই গান সুমধুৰ
লাজ ভয় কাতি কৰি
মুঠে কিয় পমাই পৰাণ ?

---

## কত পাব বল ?

তোৰ মহা বিৰহ দানবে চেপি চেপি মোৰ
শুখায় যদি হিয়াৰ তল—

মোৰ ভাব-লতা ফলে ফুলে জাতিস্বাৰ হই
কত পাব বাঢ়ি যোৱা বল ?

—•—

## বাজিছে বুকত।

হাঁহিছে জোনাই নীল আকাশত
বুকৰ কাঁচলি খুলি,
মোৰ বিৰহৰ বেণু বাজিছে বুকত
আহা, আহা, সখি ! বুলি।

---

## তেহে জোৰা খাব।

আৰু বিকুল
তৃপিতিৰ কুল
বিচাৰি বিচাৰি মন।
হুমুনিয়া লই
ভাঙা বীণা বই
ফুৰিলোঁ। কিমানখন।
তথাপিতো কিয়,
অলপো নিদিয়,
ককনাৰ কণা তোৰ !
পৰিলেহে তোৰ
প্ৰেমৰ পোহৰ
জোৰা খাব বীণা মোৰ।

---

## হিয়া নে ?

সুন্দরী !

জানোঁ মই তোৰ মন,
বুজোঁ তোৰ হিয়া ধন ;—
গোটাই অসীম ঘূৰি,
ঘৰে ঘৰে ফুৰি ফুৰি,
মহল হেপাহ দুৰ,
নপৰিল আশা জুৰ ;—
সেয়ে মোৰ সৰু হিয়া
কৰি একো নাইকিয়া,
ছেঁচি, চেপি, খুছি, হানি
বহু দুৰলৈ টানি
কৰি ৰূপ, ৰস, গান,
গাইছ সুখৰ গান ।

---

## হেৰা ।

হেৰা মোৰ মনহাৰিনী !
জীৱন মৰণ ধাৰিণী !
মোৰ হিয়া, প্ৰাণ, মন,
কত কিনো আনি
একে লগে সানি,
বোলাইছোঁ বোল কণ ।

মোৰ     ভাবৰ ছাঁয়াই ছাঁয়াই
আহাচো' লুকাই লুকাই ?
তোমাৰ     নয়নৰ দুখনি ভৰি,
প্ৰেমৰ ফুলিৰি
প্ৰীতিৰ পাতেলি
আজি দিওঁ বাড়া কৰি।

## দিবা জানো ?

সুনীলিম আকাশৰ
বুক ভৰা মাধুৰীত,
ভৰপূৰ জোনাইৰ
মুখ ভৰা হাঁহিটিত
আহি যোৱা তোমাৰ সুন্দৰী !
জনম মৰণ ভৰা
গাল-সৰা চুমা এটি,
পাতে সপনৰ পৰা
তেহে পাম মহা গতি ;—
দিবা জানো দয়া কণ্ কৰি ?

---

## থাকিম ।

ইছা যদি বিৰহৰ হুমুনিয়া লই
তেনেই মৰিব পুৰি আটাই জীৱন ;

দিয়া নাথ! আৰু দিয়া, তাকে মাত্ৰ লই
সুখতে থাকিম জ্বলি অনন্ত জীৱন।

## মোৰ শক্তি*।

পৰ্ব্বততকৈও ওখ মোৰ এই বুক,
সাগৰতকৈও দ হৃদয়ৰ চুক—
বিৰহৰ দগ্ধ শিখা যিমানে জ্বলাবা,
সিমানে কাষত মোৰ পৰাজয় হবা।
অসীম বিয়াপি যদি জ্বলোৱা বিৰহ—,
তথাপিতো মোৰ নাথ! নমৰিব গহ।
অসীমকো তুলি লম বিশীৰ্ণ মুৰত,
তেতিয়া তোমাৰ গঁপ পৰিব ভলত।
তোমাত কৰিও যদি বিৰহ গভীৰ,
হিয়াই সামৰি লই ৰব মহা থিৰ।

---

## নিদয় নহবা।

শঁচাতে যদিহে সখি জ্বলাব খুজিছা,
মোৰ এই জীৰ্ণ হিয়াখনি
জ্বলাই বিৰহ জুই
নানা আয়োজন কৰি দপ্ দপ্ কৈ—
তুমি যে তাহানি ৰৰ চেপাহুত দিছা
অতৃপ্তিৰ বিশাল ফুলনি

হিয়াৰ বুকত কই
তাক কিন্তু বুজিবা নিৰদয় হই।

---

## দিয়াচোন ?

মধুৰ ৰসাল ভাবৰ শৰাই,
মেলি দিয়া, দিওঁ হৃদয় ভৰাই ?
তেতিয়াহে মোৰ ঠন্ ধৰি হিয়া,
তুলিব বিৰহ কৰি নাইকিয়া।

---

## তেহে হম পাৰ।

তোমাৰ বিৰহৰ মহা জুই কুৰা
উলমগু তেজোৱ জ্বালাই,
প্ৰাণ দিয়া কলিজাৰ অণু পৰমাণু।
মোৰ হৃদয়ৰ বুকে একে ফুৰা,—
বুক ফাটা ভাবনা পোহাই
গুচি য'ক উজলাই মিলনৰ ভানু।
তাতেহে পলাব নাথ! তৃপিতি তোমাৰ,
তেহে যদি মই নাথ! হব পাৰোঁ পাৰ।

## কিয় কৰা অবিচাৰ ?

ক্ষুদ্ৰ পৰাণক মোৰ বধিবৰ হেতু,
লাগে নে লগাব নাথ! বিৰহৰ কেতু ?

এবাৰ দিলেই পাচ,
পৰিব মৃত্যুৰ স াঁচ,—
পুৰি যোৱা হৃদয়ত যুগমীয়াকৈ—
অবিচাৰ কৰা কিয় নিৰদয় হই ?

## লোৱা সখি !

মই ভাব উৰালত খুন্দি খুন্দি
কৰিছোঁ কলিজা চূৰ্ণ,
ভাঙা হিয়া মোৰ বেদনা দি বাটি
কৰিছোঁ বিৰহ পূৰ্ণ।
লোৱা, লোৱা, সখি ! সুখ পাম মই
তোমাৰো বাঢ়িব যশ,
মহা বেদনাৰ কণিকা খিনিৰো
সমূলি মৰক লখ্।

---

## তথাপিতো কিয় ?

ইমান খুজিলোঁ মই
তোমাৰ প্ৰেমত
পমি যোৱা এটা মাত্ৰ মিঠা পৰিমল।
তথাপি নিদয় হই
তোমাৰ ভেমত
ফুচি যোৱা হাঁহি হাঁহি কৰি কত ছল।

---

## হব জিত।

ক্ষৰেও জীৱন কান্দি কান্দি ৰই
তোৰ স্নিগ্ধ সুমধুৰ
        ছবিৰ তলত পৰি
        গাই আছোঁ আকুল সঙ্গীত।
কিয়নো তথাপি মনোহৰ তুই
নকৰ বেদনা দূৰ,
        একেটি কটাক্ষ কৰি ?
        তাতেহে পৰাণ হব জিত।

---

## সে'য়ে কৰে বিয়াকুল মোক।

হিয়াৰ গাথনি এটি এটিকৈ
নিমাতে নিজমে মেলি মেলি মই,
                চালোঁ কত দিন—
        কিজানোবা নাই তাত তোমাৰ স্মৰণ ;
        মিছাতে মৰিছো ভাবি তো'ক।
অণুই অণুই কিন্তু তাত তাৰ
সৰস মধুৰ মাধুৰী তোমাৰ—
                বহুবাই চিন,
        সৰ্ব্বাঙ্গে সৌন্দৰ্য্যৰ অনন্ত জীৱন ;—
        সে য়ে কৰে বিয়াকুল মোক।

---

## লোৱা।

হৃদয়ৰ ভাব থিনি যিমান মধুৰ,
জীৱনৰ কথা থিনি যিমান মধুৰ,
সপিলোঁ তোমাক—লোৱা!
নপলায় তাতো যদি তৃপিতি তোমাৰ,
তেনেহলে আন ধন নাই মোৰ আৰ ;
কি কম তোমাক! যোৱা!

---

## হেপাহ।

জীৱন ফুলনি মই
বিচাৰি বিচাৰি
পাইছোঁ মাথোন,
প্ৰেমতেই পনি যোৱা এটি পৰিমল
মোহিনী মুখত তই
হাঁহি এটি মাৰি
থাক, আহচোন ?
বহনাই দিওঁ তোৰ গাল নিপুতল।
তাত তোৰ শতগুণে বাঢ়িব মাধুৰী ;
চাই চাই ম'য়ো ৰম বিৰহত পুৰি।

---

## নোৱাৰা আহিব কিয় ?

সন্ধিয়াৰ ৰাঙা গালখনি,
সানি সানি প্ৰেম পৰিমল,

তুলি যদি মাধুৰী চৰাই,
দিন ৰাতি চুমি চুমি পাৰিছা হাঁহিব।
তেনেহলে মোৰো হিয়া খনি
প্ৰীতি ঢাল কাৰ সুবিমল,
প্ৰান ভৰা প্ৰেমেদি ভৰাই—
কিয় তুমি মনে মনে নোৱাৰা আহিব?

---

## মোৰো হিয়া যায় লৰি।

লাজিয়া সাদৰী লাহে লাহেকৈ
জগতৰ মন মতলীয়া কৰি,
লুকালে তোমাৰ বুকৰ আঁৰত।
বিৰহৰ বোজা বোকোছাত লই
প্ৰেম ভাহ যোৱা বাট ধৰি ধৰি,
লাৰ যায় হিয়া কিৰা আবেগত।

## এটুপিও নাই।

বহুত কান্দিছোঁ মই,
নোৱাৰোঁ কান্দিব আৰু।
সবল সদয় হই
এবাৰ আহচোঁ' বাৰু?
দেখা পাবি নাই আৰু
হিয়াৰ মাজত মোৰ,
এটুপিও অশ্ৰুজল—
বিৰহত মৰা তোৰ।

---

## ৰহি আছোঁ তোকে চাই।

সঁচাতে যদিহে তই সুখুৰ আহিব
শুনচোন মন স্থিৰকৈ,
হেৰ মোৰ মাধৱী সোণাই!
পাখি পাখি আছোঁ কেনে তোকেই বান্ধিব
চখু-লোৰ মালাধাৰি লই—
বহি বহি তোকে চাই চাই।

---

## সেই বাটে আহা তুমি!

মোৰ হৃদয়ত তুমি আহিবৰ বাবে
পোৱা নাই যদি সখি! নিৰাপদ বাট,
শাৰী শাৰী ভাবময় ৰাখিছোঁ কুসুম
খোজ লই লই তুমি আহা তাৰ ছাঁ'ত?

---

## এবাৰ মাথোন।

সদায় নালাগে মোৰ
ৰহি ৰব সমুখত,
এবাৰ মাথোন চুমি
যোৱা আহি আঁতৰত?
ভাতেছে তোমাৰ সাথ!
পাবৰ হেপাহ দূৰ,
তোমাৰ ৰূপত মোৰ
ডুবিব হৃদয় পুৰ।

---

তাকেহে খুজিছোঁ তোক।

একেবাৰে মনমোহা
মুখখনি তোৰ
নালাগে দেখাব মোক।
সানি দি হাঁহিটি মাত্ৰ
হৃদয়ত মোৰ?
তাকেহে খুজিছোঁ তোক।

## তাকে মাত্ৰ দিয়া!

সানি সানি বিশ্ব-ভৰা মাধুৰী মধুৰ,
তুলিছা যে ৰহণাই মু'খনি তোমাৰ,
তাক মই চাই লব নুখুজোঁ তোমাত ;—
দগধ হৃদয় মোৰ পকে বুলি জুৰ,
ৰব বিয়াকুল হই খুজিছোঁ তোমাৰ,
মিলনত পৰি থোৱা মাত্ৰ এটা মাত।

---

## দেখোৱা?

সখি!

সঠিকতে পোৱা যদি লাজ—
দেখাব নালাগে তোমাৰ মুখৰ
মোহন-মাধুৰী খিনি।

থাক,

পিন্ধি লাজ ভেম-ভৰা সাজ
লয় লাসে মোৰ চাপাহি ওচৰ,
চাওঁ মাত্ৰ হাঁহি থিনি ?

---

## বৰ সুখ পাম ।

নোৱাৰা আগত যদি ওলাই পৰিব,
লাজে চেপি ধৰিছে বুকত ;
একেটি মিচিকি মাৰি জানোৱা জাননী
বৰ সুখ পাম অন্তৰত ।

---

## কিয় আছা চাই হাঁহি !

মোৰেই নোহোৱা যদি তুমি,
হেৰা ! মোৰ জীৱন-তোষিনী সোণপাহি ?
কিয় তেন্তে আঁতৰৰ পৰা
দিন ৰাতি মোৰফালে চাই আছা হাঁহি ?

---

## অলপমান ।

গোটাই মুখনি তোৰ নালাগে দেখাব ;
গোটাই মাধুৰী থিনি নালাগে ফুলাব !
তেনেই পোতৰ কৰি নালাগে আহিব,
তেনেই খলক তুলি নালাগে হাঁহিব ।

সেইবাবে হোৱা নাই বিয়াকুল মই,
সেইবাবে মৰা নাই চাটিফুটি কৈ।
লাজৰ ওৰণি লই মোহিনী মুখত,
প্ৰেমৰ মেখলা পিন্ধি সুৱদি বুকত,
ভেমৰ আঁৰৰ পৰা মিচিকনি মাৰি,
বই পৰা ৰূপখিনি সামৰি সামৰি,
আধা ফুটা সুৰে তুমি মিলনৰ গান,
গোৱা যদি, তাতে মোৰ পমিব পৰাণ।

---

## কলোঁ আজি খুলি।

মই ভোগীয়া বুলি—
নাজানোঁ মাতিব তোক,
সেইবাবে তই হেনো মুখুজ আছিব ?
বিৰহত পুৰি মোক,
সেইবাবে চাই চাই থুজিছু হাঁহিব ?
চাবি ভেনেহলে,—
তোকো পলে পলে,
টানি আনি বিৰহৰ বুকত সুনাই,
বান্ধি থম প্ৰাণ-ভৰা গান কিটি গাই।
মই আজি কলোঁ তোক খুলি।

---

## আহা বন্ধু ?

সখি! কান্দি কান্দি দিন ৰাতি মই
সৰজিলোঁ মহাসিন্ধু ;—
তোমাৰ ফুলনি ভাহি যাব পাছে—
তুলি লোৱা আহি বন্ধু ?

---

## মনে মনে ।

যেতিয়া প্ৰাণত মোৰ
ভাব-ফুল ফুলি ফুলি জাতিস্মাৰ হই,
পমি যাব আপোন মাধুৰী চাই চাই
তেতিয়া তইও তোৰ—
মনে মনে লাহে ধীৰে হাঁহি থিনি কই,
সোমাবিহি মিলনৰ মহা গীত গাই
কোনেও নাপাব দেখা ;—
মিলনৰ মহা ৰেখা,
বই যাব মনে মনে দুয়োৰো হিয়াত,
তেতিয়া পৰিব মোৰ বিৰহৰ শাত।

---

## নিশ্চয় পাবা।

ভালে ভালে আহা তুমি,
তিয়াগি সৰগ ভূমি,
নহলে নিশ্চয় পাবা প্ৰাণ-ঘাটি বেদনা।

কোমল আঙুলি দিয়া
পুৰি ছাই কৰি দিয়া,
তোমাতো নগাই দিম জ্বলি থকা যাতনা।

## মোৰ দেশ ভাল।

তুমি হেনো মহাবাণী
ৰহি আছা বিশ্বৰ মূৰত !
মই হেনো ক্ষুদ্ৰ প্ৰাণী
পৰি আছোঁ মহা নৰকত !
তাতেহে কৰিছা মোক অহেলা ইমান ;
তাতেহে নুশুনা মোৰ প্ৰাণভৰা গান ?
থাকা তেনেহলে থাক,
লই তুমি তোমাৰে গৌৰব,—
নুখুজোঁ তোমাত আক
বিশ্বজয়ী নন্দন সৌৰভ।
তোমাৰ দেশতকৈ মোৰ দেশ ভাল,
ইয়াতে কাটাম হাঁহি হাঁহি চিৰকাল।

---

## নামাতোঁ তুনাই।

ইমানতো তই,
নুখুজ আহিব।
ইমানতো চাই

সুখুজ হাঁহিব,
থাক তেনেহলে তই।
নামাতোঁ দুনাই
নাম ধৰি তোক,
দুখুজোঁ, নালাগে
দয়া খিনি মোক ;—
বহি পুৰি ৰলোঁ মই।

## ভাবিছ দুৰ্বলা ?

ভাবিছা দুৰ্বলা তুমি !
তোমাৰ অমৰ ভূমি
বহুৰ দৰত ;—
নোৱাৰে কোনেও তাক যাব।
তাতকৈও আছে মোৰ,
মহাপুৰী সুখকৰ,
অন্তৰ পুৰত ,—
তুমিও নোৱাৰা তাক পাব।

---

## বাজালোঁ।

বাজালোঁ বিৰহ শঙ্খ আজি,
দিলোঁ তাত প্ৰীতি সুৰ বাজি।
উঠিব শবদ তাত ভয়ান ডাঙৰ,
আকাশৰ বুক ভাঙি দিব মহা লৰ।

ভৰ দি বহিবা তুমি ঢালি প্ৰাণ মন,
কোৰত বাগৰি যেন নপৰে আসন।

---

## ধৰিম তোক।

বল, বীৰ্য্য হীন মই,
নোৱাৰোঁ আনিব তোক টানি,
সেইবাবে আছ হেনো এনে গঁপ কৰি?
মই কিন্তু তোতকৈ
বলবান—লৰিচোন মানি—
নহলে নিশ্চয় তোৰ গঁপ যাব মৰি;
আছে এনে ফান্দ্ মোৰ
তাক যদি পাতি থওঁ মই,
কলিজা কুমটি বান্ধি ডোলৰ মুৰত;—
বিশ্বময় ফুৰ তোৰ
ফুৰোঁতে ফুৰোঁতে সুভি তই
বান্ধ খাই পৰি ৰবি ফান্দৰ মাজত।

## তত্ লৰিচোন।

মই মহা নিৰাশ্ৰয় দৰিদ্ৰ দুৰ্ব্বল,
পৰি আছোঁ তোৰ এই
পান ছিৰি এৰি দিয়া আন্ধাৰ পুৰীত,
তাতেহে কৰিছ মোক অহেলা ইমান?

তই মহা ভাগ্যবান সুন্দৰ সবল,
ভোগ কৰি আছ তই
অনন্ত সম্পদমানে অমৰ পুৰীত,
তাতেহে বাঢ়িছে তোৰ গৰব ইমান ?
সামৰিবি তোক তেনেহলে তই,
বান্ধিলোঁ বুকত মহা অস্ত্র মই ;—
তাৰে মই বিদ্রোহ জ্বলাই,
তোৰ সেই দুর্গ চাই চাই,
এবিম বলেৰে,
বিচিত্র ছলেৰে,
তেতিয়া গৰব তোৰ হই যাব ছাই,
মই বেচি হম তোক অন্তৰত পাই ।

---

## ঘোষণা কৰিলোঁ ৰণ ।

বিশ্বনাথ । অহঙ্কাৰ ইমানে তোমাৰ ?
তোমাৰ গৌৰৱখিনি ইমানেই চাৰ ?
ভাঙি ভাঙি হিয়া মোৰ সোধাই দিয়াতো,
মাতি মাতি প্রাণ মোৰ কাতৰ কৰাতো,
ভাবি মোক মহা নীচ বুলি,
নিদিয়া ঢাকনিখান তুলি ।
তোমাৰ লগত আজি মই
মহাৰণ কৰিলো ঘোষণা ;-
থাকা যদি বল, বীৰ্য্য লই
তেনেহলে হই দুর্মনা,

আহা আগুৱাই ?
দিম দেখুৱাই—
তোমাতকৈ মোৰ বীৰ্য্য কিমান তেজাল,
তোমাকে আগুৰি আছে বেড়ি চাৰিকাল।

—০—

## প্ৰভু হম তোৰ মই।

কেতিয়াবা জীৱনৰ
আঁৰে আঁৰে খোজ লই
মনে মনে আহা যোৱা কৰোঁতে কৰোঁতে
কি জানোঁবা কেতিয়াবা দেখি পাওঁ তোক—
সেইবাবে সঁাথৰৰ
ইমান হাচাৰ লই
বিৰহত বুৰি মই থাকোঁতে থাকোঁতে,
সমুখত বান্ধি কাণা কৰি দিছ মোক।
—মহা অস্ত্ৰখনি মোৰ,
দিছ যে লগত,
পৰা নাই জানোঁ তোৰ
আজিও মনত ?
তাবে মই কাটি কাটি সকলো বন্ধন,
ধৰি তোক হম তোৰ প্ৰভু মহাজন।

———

## মোক কিয় চঞ্চল ভাবিছ ?

তেনেই চঞ্চল বুলি মোক.

অবহেলা যদিহে কৰিছ,
লাভ কৰিবৰ হেতু তোক
যদিহে স্থিৰতা সৰজিছ ।
তইও চঞ্চল দেখোঁ হই,
বুকত কল্পনা ভাৰ লই,
জগতত বিচিত্ৰতা
সৰজি ফুৰিছ,
তেমেহলে কিয় মোক
চঞ্চল ভাবিছ ?

---

## দাহত মৰিবা !

তোমাৰ সম্পদ মই নকৰোঁ হেপাহ,
তোমাৰ ঐশ্বৰ্য্য দেখি জ্বলা নাই দাহ
মোৰ এই ৰাজ্য খন,
গাথি গাথি ভাব ধন,
ইমান ধুনীয়া কৰি ৰাখিছোঁ সাজাই,
দাহত মৰিবা তুমি তাকে চাই চাই ।

---

## নাপাওঁ বেজাৰ

দিয় বা নিদিয় দেখা
মোৰ সমুখত,
নাপাওঁ বেজাৰ বেথা
অলপো মত্ৰে

কিন্তু মোৰ এটা কথা——
—চখু-লো'ৰ সুৰ গথা
গান কিটি টুকুৰাই
দিম পাতাহত।
মন পাতি ৰবি তই,—
—এই এৰি দিলোঁ মই—
পোনে পোনে কোৰ যাই
পৰিব নাগত।
তাতো যদি সুৰ নাই,
নাচ হৃদয়ত,
অলপো বেজাৰ নাই
বিৰহী মনত।

—•—

## নোৱাৰ কিয় ?

আকাশৰ নগা নগা বুকে বুকে ফুৰি,
পাৰিছ যে লেখি যাব কবিতাৰ শাৰী,
সেই বাট ধৰি লয় লাসে আহি উৰি,
হিয়াত নিদিয় কিয় তোৰ চাব মাৰি ?
তাতেহে জানিম তোৰ কিমান মৰম,
তাতেহে আনন্দ ম'য়ো লভিম পৰম !



## পাৰি ৰবি মিলনত।

বল বীৰ্য্য হীন মই,
মহা বলধৰ তই,—
অমৰ অনন্ত তোৰ ভৰিৰ তলত,
তাতেহে ইমান তোৰ গৰব মনত।
ফুকতে যেতিয়া মই,
অনন্তক উৰুৱাই,
লই গই থম তোৰ চখুৰ আঁৰত,
চপ্ কৰি পৰি ৰবি মোৰ অন্তৰত।

## চাই ৰবি তই।

অনন্ত হাতত লই,
সুখত বিতত হই,
মোক নিৰাশ্রয় দেখি,—
বিশ্বকাব্য লেখি লেখি;—
তাহি আছ মোৰ ফালে চাই!
লাখ বাৰ মৰি মৰি,
অনন্তৰ টেটু ধৰি,
আনিম যেতিয়া টানি,—
উৰাম বিজয় বাণী,
নিৰাশ্রয় হই ৰবি চাই।

## কি গৰব কৰ তই ?

কি গৰব কৰ তই ?
তোৰে দেখোঁ তৃপ্তি মই ?
বিথান পাতিছ তই ধেমালিৰ ফুলনি,
যদিহে শুতুলোঁ তাত প্ৰাণভৰা বিননি,—
কেনেদৰে তই,
মুগ্ধ হই হই
শুনি শুনি মোৰ গান পমি গই গই,
শীতল কৰিব পাৰ বিৰহৰ জুই ?

—০—

## ইবাৰ দেখিম ।

ইবাৰ দেখিম
অনন্ত আসন তোৰ কিমান প্ৰবল—
ইবাৰ বুজিম
দীন, হীন, ক্ষুদ্ৰ মই কিমান দুৰ্ব্বল।
বিৰহৰ সোঁত ভৰা
চখুৰ চুকৰ পৰা
ধাৰাসাৰে অশ্ৰুজল দিম বাগৰাই,
দিন ৰাতি লক্ষ্য কৰি তোক চাই চাই।
সি যদি অনন্ত তোৰ নোৱাৰে উটাব,
সি যদি আসন তোৰ নোৱাৰে ডুবাব,
তেতিয়াহে বুজি পাম তোৰ প্ৰবলতা,
তেতিয়াহে দেখি পাম মোৰ দুৰ্ব্বলতা !

———

## মই মহাৰাজা হম।

ইমান মাতাতো তই নাহিলি যেতিয়া,
থাক তেনেহলে তই
তোৰে সুখ থাই ;—
হিয়াত জ্বলাই তোৰ বিৰহ বলিয়া,
ডোৱা পুৰা হই মই
থাকোঁ দুখ পাই।
কেতিয়াবা পাম ম'ৰো এনে মনা যেন,—
তোতকৈও বেচ হই
ৰম গপ কৰি,
তই মোৰ গপ দেখি, আধা মৰা যেন
হই, চাটিফুটকৈ
ৰবি পুৰি মৰি।
তেতিয়াহে তোৰ দশা চাই চাহ মই
মুখ টিপি হাঁহি হাঁহি
মতলীয়া হম।
অনন্ত আনন্দ তোৰ মই কাঢ়ি লই
প্ৰাণ খুলি হাঁহি হাঁহি
মহাৰাজা হম।

## কাৰ ওচৰত?

ওচৰতে নাহ যদি তই—
কিয় তেনেহলে সেই
জীৱনৰ প্ৰথমতে
মোৰ অন্তৰত,
হাঁহি খিনি সানি তোৰ দিছিলি মুখৰ?
হিয়াত বেথাৰ দাগ লই
নিলাজ নিধক হই
কই কই কোন সতে—
কাৰ ওচৰত,
নিচুকাওঁ জুই-জ্বলা পোৰণি দুখৰ?

—•—

## নিচেই কঠুৱা চিত।

ভাবি চিন্তি চাই তই
ক'চোন সঠিক বাৰু হেৰ প্ৰাণনাথ!
পৰে নে মনত,
দয়াবান হই—
বেথাৰেই বোজা লই,
চেপা খাই পৰি ৰব কৰি প্ৰাণপাত,
আহা সময়ত
দিছিলি নে কই?
মনতে নপৰে যদি তোৰ,
তেনেহলে আহি কিয় মোৰ,
কান্দি কান্দি হাৰে ছালে লাগা প্ৰাণ খনি,

সাদৰি নকৰ জিত?
এয়ে নে কি তোৰ প্ৰাণেশ্বৰ,
মহা কল স্থায় বিচাৰৰ?
তোকেই কয় নে সখি! করুণাৰ খনি?
—নিচেই কঠুৱা চিত।

---

## এনেই দুর্ব্বল।

তোকে ভাবি ৰাতি দিন,
তোতে মাত্র হই লীন,
ধাকুৰি ধাকুৰি থাকোঁতে থাকোঁতে মই
এনেই পৰাণ মোৰ দুর্ব্বল ইমান :—
তাতে আক দেখি তোৰ,
অবিচাৰ ফালে মোৰ,
সিও আছে পৰি মৰি প্ৰাণহীন হই।
এয়ে নে কি তোক ভালপোৱা প্ৰতিদান?

## নাহিবা পুনৰ।

যদিহে পৰিছা হই ইমান কঠিন,
পাৰিছা মুচিব যদি স্মৰণৰ চিন,—
নিমাতে সোমাই মোৰ অন্তৰ পুৰত,
বিৰাট চৰণ থই প্ৰাণৰ মুৰত,
ডেও দি দি ফুৰি ফুৰি,
আটাই জগত ঘুৰি,

তোমাৰ ফুলনি চাই হেথাই পলাই,
নাহিবা পুনৰ আৰু বিৰহ জুলাই।

---

## নাজানিলোঁ হায়!

ছলতে ভুলাই,
দিলি পঠিয়াই,
মনমোহা কথা কই;
ম'য়ো হাঁহি হাঁহি
পৃথিবীত আহি,
পৰিলোঁ মুগুধ হই।
নাজানিলোঁ হায়!
তোৰ ই হৃদয়,
ইমান বিহেৰে ভৰা;—
দশা দেখি মোৰ
প্ৰাণ খুলি তোৰ
হাঁহি আছ তাৰ পৰা।

## প্ৰতিফল পাৱি।

কি জানোঁৱা মই পই,
তোৰ সুখ কাঢ়ি লই,
সীমাহীন সুখৰ গৰাকী হই পৰি,
যাৰি ধৰি তোক খেদি দিওঁ বাজ কৰি;

অবিচাৰ ইমানেই তোৰ,—
দুৱাৰ জাপাই মন্দিৰৰ,
মনে মনে ভোগ কৰি আছ মহাফল ;—
নিশ্চয় ইয়াৰ তই পাবি প্ৰতিফল ।

---

## ৰহ'চোন দিওঁ জ্বালি ।

ৰহ'চোন তই বাৰু,
কাকুতি নকৰোঁ আৰু—
বিৰহৰ জুইকুৰা জগত বিয়াপি,
জ্বালি দিওঁ অশ্ৰুৰ আহুতি জাপি জাপি ।
তেতিয়ানো ক'ত তই,
নিৰাপদ হই ৰই,
আওহেলা কৰি মোক থাকিবি সুখত,
বিদ্ৰুপেৰে হাঁহি হাঁহি মোহিনী মুখত ।

## ক'চোন ?

তই মোক অবহেলা কৰি—
জীৱনৰ আঁবে আঁবে ফুৰিবি পলাই,
মই তোৰ বিৰহত পৰি,
মৰি ৰম যাতনাৰ হেঁচা চেপা খাই ।
মই ৰম ভাবি ভাবি তোক—
কি জানোঁবা কেতিয়াবা পাওঁ বুলি দেখা,
তই দেখি নিৰাশ্ৰয় মোক

হানি দিবি হৃদয়ত বিৰহৰ ৰেখা।
এই তোক পাছে পাছে খেদি
বান্ধি থোৱা হাডাৰত জঁট লাগি পৰি,
মোৰ হিয়া প্ৰাণৰ মাজেদি
ৰেথাৰে অগনি শিখা ৰম গঢ়ি গঢ়ি।
তই মোক তথাপিতো ভাই!
দৰতে মুখনি দেখুৱাই,
জীৰ্ণ প্ৰাণ বিয়াকুল কৰিব নেৰিবি ;—
ইয়াতে নে সাৰ্থকতা তোৰ ?—
ইয়াতে নে মহানন্দ মোৰ ?—
ক'চোন কেতিয়া তই প্ৰেম দান দিবি ?

## সাও হয় তোৰ ?

কল্পনাৰ ছাঁয়াই ছাঁয়াই
মহাপুৰী চাই চাই
ফুৰোঁতে ফুৰোঁতে
নালাগে আমনি—
এবাৰ প্ৰাণত মোৰ আহি
থিয় দিলে হাঁহি হাঁহি
সাও হই যায় তোৰ
কৰুণাৰ খনি ?



## বহি ৰবি হৃদয়ত মোৰ।

অনন্ত হাতত লই
ভাবিছ মনত তই
নাই তাত তিলমানো বিপদৰ ভয় ;—
তাতেহে নিদয় হই
ভাবৰ কাষেদি চাই
মোৰ দশা দেখি হাঁহি আছ নিৰদয়!
প্ৰেম, প্ৰীতি, শৰ মাৰি
ভকতি অগনি জ্বালি
আনিম যেতিয়া কাঢ়ি অনন্তক তোৰ ;-
আহি হেব হিতকাৰী!
কৰি মোক প্ৰেমশালী—
বহি ৰবি হাঁহি হাহি হৃদয়ত মোৰ।

---

## এ'য়ে নে ধৰম তোৰ?

এ'য়ে যদি আছিল মনত,
এ'য়ে যদি ভাব অন্তৰত,
মিঠা মাধুৰীৰ ৰঙ সানি তোৰ হৃদয়ৰ,
তুলিছ আগত কিয় বিৰহৰ মহাগড়?
তই তো পাৰিলি হয়
কই দিব মোক,—
নমৰিব দিন ৰাতি
ভাবি ভাবি তোক।

এ'য়ে নে ধৰম তোৰ ?
এ'য়ে নে আনন্দ মোৰ ?

---

## মই বেচি ।

ডাঙৰ ভাগটো আছে মোৰ অন্তৰত ।
নিচেই সৰুটি আছে তোমাৰ হাতত ।
মোৰ স'তে প্ৰতিদ্বন্দী
কেনেদৰে হবা ?
মোতকৈও বেচি বুলি
কেনেদৰে কবা ?
ইয়াতে বুজিছোঁ তুমি মহা অহঙ্কাৰী,
সেইবাবে চোৱা নাই মোৰ ফালে ফিৰি ।

---

## তই মই ।

অনন্ত গাছত উঠি
ঠানি ধৰি
বাগাই বাগাই,
নিশ্চিন্তে ফুৰিছ তই
ৰঙ কৰি
সুধা ফল খাই ।
মই অশ্ৰু টুকি টুকি
জীৱনৰ

সুখ হকুৱাই,
ভাঙি ছিঙি আছোঁ পৰি
বিৰহৰ
হাম খোঁচ খাই ।

---

## ক'চোন ?

চখুত কাপোৰ বান্ধি
দিছিলি যে মোক পঠিয়াই
দুৰণিৰ মনমোহা সৌন্দৰ্য্য পুৰীত,
এতিয়া মৰিছোঁ কান্দি,
আগে আগে বাট দেখুৱাই
নে'ন কিয় তোৰ সেই অমৰ পুৰীত ?

## কিয় ?

তই অনন্ত আবাদ কৰি,
ৰঙেৰে ফুৰিব কই,
পাৰিছ যে প্ৰেমময় কুসুমৰ ধাপ,
আছে বনহীন হিয়া পৰি
সুমাই যাতনা জুই,
তাত কিয় আহি তই সুকুৰ গোলাপ ?

---

## নিদিলি কিয় ?

চাৰিফালে কাণা কৰি
শব্দহীন আলোহীন আন্ধাৰৰ মাজেদি,

ছলেৰে হাতত ধৰি,
দিছিলি যে পঠিয়াই আকাশৰ ফাঁকে দি ;—
তেতিয়া কিয়নো তই
তোৰ মন্দিৰত যাব বাটৰ সন্ধান
হিয়াৰ কাণত কই
নিদিলি কঠুৱা ? দিলি বিৰহৰ দান।

---

## কিয় সানি দিছ ?

অবহেলা যদি মোক ইমানে কৰিছ—
কিয় তেনেহলে তই
বিচিত্ৰ-তুলিকা লই
অনন্ত মাধুৰী থিনি মোত সানি দিছ ?

---

## চোৱা হি !

অনন্তৰ প্ৰাণ ভৰা বিচিত্ৰ মাধুৰী,
চোৱাহি উঠিছে কেনে অন্তৰত ভৰি ?
অলপ পলম হলে,
মিলনত পৰি গ'লে,
অলপো নাপাবা তাৰ চিন্ চাব্ তুমি,
সোনকালে চোৱা আহি হৃদয়ত জুমি ?

---

## কত সাৰিবি ?

কত সাৰোঁ বুলি তই আছ মন কৰি ?
অনন্তৰ ঠাকে ঠাকে,
খোজ দি দি লয় লাসে,
আগুবাম বুক তুলি,
গাথি কিটি খুলি খুলি ;—
পলাব নোৱাৰি তই,
লাজত বিমোঢ় হই,
কৰিবি অভয় ভিক্ষা ;—
মিলনৰ মহা দীক্ষা
বই যাব তোৰ মোৰ হৃদয়ত পৰি,
ক'ত সাৰোঁ বুলি তই আছ মন কৰি ?

---

## দেখি পাবা।

বগা বগা আকাশৰ,
হাঁহি ভৰা ফাঁকেদি,
মিঠা মিঠা বাতাহৰ
নামি আহা ঠাকেদি,
আহাচোন নামি তুমি ?
দেখা পাবা কাৰ ছবি,
হিয়া-ভৰা গান গাই
সদায় বুকত লই

কত সুখ দুখ পাই
বহি আছোঁ চুমি চুমি।

---

## মনে মনে আহা!

মনে মনে আহা নামি,
হে মোৰ অন্তৰযামী!
হৃদয়ৰ বুকে বুকে চিধা বাট ধৰি,
নহলে হৃদয় মোৰ,
যাতনাত হলে পূৰ,
কেনেদৰে উমলিবা তাত ৰঙ কৰি?

## আহ সেই বাট ধৰি!

অণুই অণুই হৃদয়ৰ মোৰ,
সহস্ৰ সহস্ৰ অনন্তৰ তোৰ,
আহা যোৱা কৰি থাকা,
মহা বাট পৰি আছে।
পাৰে পাৰে ফুলি আছে প্ৰীতি ফুল,
ভৰি আছে তাত আলোক অতুল
কল্পনাত তুলি ৰাখা,
আহ সেই বাট ধৰি?

---

## আহা ! আহা, সখি !

হাজাৰ জনম বাগৰি বাগৰি,
অনন্তৰ বুক ফালি চুৰ কৰি,
আনিছোঁ মাধুৰী বুটলি বুটলি,
উপচাই ৰাখি দিছোঁ হিয়া তলি,
আহা, আহা, সখি এই সময়ত ?
বৰ সুখ পাবা তোমাৰ মনত :—
নহলে বিৰহ ভূতে মাৰিব ধৰি,
আটাই থিনিকে নিব চুৰ কৰি ।

## নাহিবি নে সখী !

চা'চোন সুন্দৰী ! হৃদয়ত মোৰ
কেনে মহোৎসৱ পাতিছোঁ,
ঘৰে ঘৰে ফুৰি জগতৰ তোৰ
সকলোকে মাতি আনিছোঁ ।
নাহিবি নে লই হাতৰ মুঠিত
আশীৰ্ব্বাদ ভৰা হাঁহিটি !
নকৰিবি নে বিয়াকুল মোক
বজুৱাই মহা বাঁহীটি ?

## তোৰে ইচ্ছা পূৰ্ণ হওক ।

তোৰ ফুলনিৰ আকাশ ভৰাই,
তাহি মোৰ বাতাহ পসাই,
বাজি আছে দিন ৰাতি
বিৰহৰ বলিয়া বেণুৱা
তাতে সুখে হাহি নাচি ।
মোৰ হৃদয়ৰ ঢাকনি ঙচাই,
ভাঙি মোৰা ছিদ্ৰ চাট চাট
দিয় কিয় গাথি গাথি ?
তোৰ নো প্ৰকৃতি কেনেকুৱা ?
—বাৰু, তোৰে ইচ্ছা পূৰ্ণ হক ।

## খুজিছ হৰলা চাব ।

বিৰহ জুইত পুৰি পুৰি মোক
জ্বলা কলা কৰি
খুজিছ হৰলা পৰীক্ষা কৰিব
সোণ নে পিতল মই !
জনচোন কওঁ প্ৰাণ খুলি তোক,
বেদনাত পৰি
থাকোতেও,—তোক হাৰ গাথি দিব
আছো ঠিক সোণ হই ।

---

## এপাৰলো তোৰ—

মহা সাগৰৰ অপাৰ পাৰত
আহা যোৱা কৰি থাকোতে থাকোতে,
প্ৰাণৰ কণিকা তাৰ আকাশত
চিটাই চিটাই দিওঁতে দিওঁতে
মোৰ বুক-ভাঙা এই বিৰহৰ গান
এবাৰো তোমাৰ কাণত সোমাই,
নাই নে পমোৱা তোমাৰ পৰাণ ?
মিছাতে নে আছেঁ বেথা বেণু বাই ?

---

## সেইবাবে হেনো !

মই মহা বেথাৰ মাজত
দিন ৰাতি কান্দিছো দুখত ;—
সেইবাবে মোক তই,
ভাবৰ আঁৰত ৰই,
দি আছ বিৰহ ঢালি,
ফালি ছিৰি হিয়া-জালি।
—হবি নিৰদয়,
নকৰিবি ভয়—
ময়ো নিৰদয় হই,
চখু-লোৰে বান্ধি লই,
যিমানে সৰল হ'ক
বেথাৰ মাজেদি তোক,

## বীণা।

বেথাৰেই বীণা গাই
আছো সুখ ধৰি।

---

## ভিক্ষা।

মনমৰা আন্ধাৰত
মোৰ বুৰি থাকা হিয়াৰ বুকত,
পুৰিমৰা বিৰহত
জুই কুৰা জলোৱা সুখত।
নাহিলেও তেহে শুনি
মোৰ এই ভাঙি যোৱা প্ৰাণ,
অনন্ত বেদনা চুমি,
গাই ৰব মিলনৰ গান।

---

## দিয়া সখি।

দিয়া দিয়া দিয়া সখি!
বিৰহৰ জুই জ্বলা ধাৰাসাৰ সোঁত,
প্ৰাণভৰা অগ্নিশিখা
সৰজক প্ৰেম লই মনে মনে মোহত!
জ্বালা-কালা জগতৰ
বুকত জ্বলক তাৰ উলাহ মুখত;—
আহা মোৰ সঙ্গীতৰ
সুৰ কিটি মাৰ থাক পিয়াৰ মুখত।

---

## কোৱাচোন !

বিৰহ নোপোৱা আৰ—
কোৱাচোন প্ৰাণপাল !
মই কিন্তু দিন ৰাতি,
বিৰহত কান্দি কাতি,
পৰি ৰম হাঁহি হাঁহি,
চাই ৰবা তুমি আহি।

## তথাপি নাপাতোঁ।

তোমাৰ বিৰহৰ খুন্দা খাই
এটিপতে চূৰ্ণ হই যাম,
তোমাৰ বেদনাৰ হেঁচা পাই
আনন্দৰ মহাগান গাম।
তথাপি তোমাক মই
হৃদয়ত নাপাতো আহিব,
তথাপি তোমাক চাই,
প্ৰাণ খুলি মুখুজোঁ হাঁহিব।

## আছে ঠাই।

ভাবিছা দুৰ্বলা তুমি
হেৰা মোৰ শান্তি ভূমি !
মোৰ ক্ষুদ্ৰ হৃদয়ত
ৰাখিবে তোমাৰ পদ-

সেইবাবে সুখুজা আহিব ?
মোক চাই সুখুজা হাঁহিব ?
জানোঁ মই ভাল দৰে
সহস্ৰ তোমাৰ দৰে,
অনন্তৰ মহাঙ্গন,
আকোৱালি ধাৰবৰ,
ঠাই আছে মোৰ হৃদয়ত ;
কিয় তেনে ভাবা অবাবত ?

---

## বিপুল উৎসৱ আজি মোৰ।

নকৰিবা ইমান গৰব—
আজি মোৰ বিপুল উৎসৱ !
তোমাৰ মাধুৰী হীন,
অতি ক্ষুদ্ৰ, হীন, দীন,
জুপুৰিত বাঁহ মই
সকলো কোঁচাত লই,
লক্ষ লক্ষ অনন্তৰ,
সৰজিছোঁ গতি গঢ় ;—
তোমাক পাহৰি মই,
তাকেহ হিয়াত লই,
আনন্দত হাঁহি গাই,
বয় মোৰ বীণা ব'চ ।

---

## আহিবি তেতিয়া।

মোৰ এই বিৰহৰ—
অগনিত ধৰি,
দিলেও অনন্ত তাৰ
ছাই মাটি কৰি,
তথাপি বিৰহ মোৰ
দীপ্ত জ্বলন্ত,
লক্ষ্য কৰি তোৰ ঘৰ
জ্বলিছে বেগত।
তেতিয়া দেখি তই
আন একো গতি,
লৰি আহি হই বৰি
হৃদয়ৰ পতি।

—०—

## আহা বেথা চুমি চুমি !

আকাশৰ আলো ভৰা ফুলৰ বেণুত,
আলোকৰ হাঁহি ভৰা বেথাৰ বেণুত,
বুৰ মাৰি মাৰি তুমি,
আহা বেথা চুমি চুমি !
লাখবাৰ ভাঙি যোৱা হিয়া খনি মোৰ,
পৰি আছে হই বৰ আনন্দ বিভোৰ।

## যদি ।

আহিব খুজিছা যদি তুমি,
তিয়াগি তোমাৰ শান্ত ভূমি,
মনে মনে সাৰে সাৰে আহা বাট লই ;
খোজে খোজে মিলনৰ সুৰ গাথি থই ।
মোৰ বিৰহত কান্দি মৰা হিয়া,
বলিয়ালি কৰি নাইকিয়া,
গান ভৰা অশ্রু টুপি আনন্দেৰে বই,
পৰি আছে ভৰপূৰ ব'ৰগীয়া হই ।
নহলে, তোমাৰ ভৰি
মতলীয়া বেগ ধৰি,
চলাই ৰাখিলে মোৰ চিতাৰ মূৰত,
মাৰ যাব হাঁহি থিনি বেথাৰ সুৰত ।

---

## নহলে যাব পুৰা ।

থৰা থৰা থৰা সখি !
নোৱাৰো ৰাখিব মই—
তোমাৰ হৃদয় পুৰি—
যাব আজি ছাই হই ।
মি তেজেদি আলি দিছা
বিৰহৰ জুই কুৰা,
তোমাৰ ফুলনি আজি,
সমূলঞ্চে যাব পুৰা ।

---

## লাহে লাহে দিয়া ।

লাহে লাহে দিয়া সখি !
বিৰহ লগাই—
কোনোৱে নেদেখাকৈ
থকা মোক চাই ।
তেহে আজি ভ'ৰোৰো গানত,
স্তব্ধ হই থাকিব জগত ।
তেহে আজি আলো ভৰা
তোমাৰ বাঁহীত,
তেহে আজি কথা ভৰা
মোৰ ই চাহিত—
লক্ষ লক্ষ অনাহূত
উঠিব সৰাগ হই ।

---

## পাতিবা সখি !

পাতিবা পাতিবা সখি !
তোমাৰ অনন্ত
প্ৰেমভৰা বিৰাট আঁচল
অনন্ত জীৱন পথ,
যেথাৰ বসন্ত,
এই এৰি দিলোঁ অশ্ৰুজল ।
আছে তাৰ চৌৰে চৌৰে
হাঁহিৰ যৌৱন ।

আনন্দত পাম পানী হোৱা ;—
তোমাৰ সঙ্গীতৰ চেৰে চেৰে
মিলন গৌৰৱ
উপচি পৰিব—এই লোৱা ।

---

## বাজিব ধৰিছে ।

মোৰ গান এনেদৰে
বাজিব ধৰিছে,
মোৰ হিয়া এনেদৰে
ৰসত ভৰিছে
তোমাৰ অনন্ত প্ৰাণ
বুকতো যাবই,
চাৰি কালে মিলনৰ
মহিমা ৰবই—
ইয়াৰ বুকতে আৰু
তোমাৰ মন্দিৰ,
সমূলি সুমাই ৰব
আনন্দত থিৰ ।

---

## দিয়া সখি ! দিয়া ।

অনন্ত জীৱন মই অশ্ৰু টুকি টুকি
পাতি আছোঁ হৃদয়ৰ ছিঙি মোৰ কোঁচ ;-

উথাপিতো দিন ৰাতি বিৰহৰ সোঁত,
খৰাসাৰে ঢাল আছা বেথাৰ পাটেদি।
দিয়া সখি! দিয়া আৰু আছে নো কিমান,
অনন্ত অঞ্জলি ভৰি বেথাৰ কুসুম।

---

## তেহে।

মোৰ মহাগান ভৰা
ৰসৰ নিজৰা,
নামিব ধৰিছে আজি
হৃদয়ৰ পৰা।
অন্তহীন অভিনৱ
কৌচ পাতিলেও তোৰ,
নো'ৰিব সোচাই লব
সঙ্গীতৰ সোঁত মোৰ।
অন্তৰ দিলেহে পাতি
পাৰিবা ধৰিব—
তেহে আজি দু'য়ো হিয়া
ৰসত ভৰিব।

---

## লাহে লাহে।

লাহে লাহে দিবা সখি!
তোমাৰ ওঁঠিৰ ভৰ,

বিৰহত পমি থাকা—
এই হৃদয়ত মোৰ।
ভাঙিলে কিহত উঠি
হেপাহ পলাই তুমি,
যেথা ভৰা আলোকৰ
থাকিবা ৰাগিনী চুমি?

---

## তেহে জ্বলি ৰব।

বিৰহে পিহি পেলোৱা
হৃদয়ৰ ৰেণু মোৰ,
আহচোন সানি দিওঁ
মোহিনী মুখত তোৰ!
তেহে মোৰ ফুলনিত
আলোকৰ সোঁত বব,—
বিৰহৰ জুই কুৰা
দিন ৰাতি জ্বলি ৰব।

---

## ৰবি চাই।

নাচ যদি নাচিবি,
আহ যদি আহিবি।
চাব যদি চাবি,
গাব যদি গাবি।

বহু যদি বহিবি,
হাঁহ যদি হাঁহিবি,
থৰ যদি পৰি,
লৰ যদি লৰি,
পাই একো বেথা ;—
ভাবি তোৰ কথা,
আছোঁ মোৰ বীণা বাই,
প্ৰাণ পাতি আছ চাই।

## বিৰহৰ বুকেদি।

সখি! তুমি বান্ধি থোৱা
যুগমীয়া বাটৰ মুৰত
মাতি আছা দিন ৰাতি বাঁহীটি বজাই-
মই তথাপিতো নাই যোৱা—
ভৰ দি দি তোমাৰ সুৰত,
সেইবাবে আছা হেনো বৰ দুখ পাই ?
—মই নিজে বাট কাটি
টানি টানি আনিম্ তোমাক
সৰুৱাই বেথাভৰা কাটাৰ মাজেদি।
দু'য়োৰো ঢাকনি ফাটি
উৰুৱাই অন্ধকাৰ জাক
জ্বলিব মিলন আলো বিৰহৰ বুকেদি।

---

## মইতো নাযাওঁ।

মইতো নাযাওঁ তোমাৰ মাতত,
মইতো নপসোঁ তোমাৰ গানত।
মোৰে এই বেথা ভৰা,
জগত আকুল কৰা,
গানৰ সুৰত তোমাক পমাম,
মহা মিলনৰ দুন্দুভি বাজাম।

## বুজিবি তেতিয়া।

দিন ৰাতি "মই মম"
তোমাৰ হাঁহিত,
সকলো পৰিছে লয়
তোমাৰ বাঁহীত।
মই হলে কেতিয়াও
মুগ্ধ হোৱা নাই,
নিজতে বিমোঢ় হই
আছোঁ গীত গাই।
মোৰ সঙ্গিতে তোমাক বান্ধি
আনিব যেতিয়া,
সঁচা মিছা হাঁহি কান্দি
বুজিবা তেতিয়া।

## নইতো কদাপি।

নইতো কদাপি সখি !
        তোমাৰ কাৰণে,
অশ্রু টুকি থাকা নাই
        কান্দি মনে মনে !
    মোৰ বাবে দেখোঁ তুমিয়ে অতুল ;
    হই আছা বৰ আকুল বিকুল ;—
মোৰেই বিৰহে ভাঙি
        তোমাৰে পৰাণ,
হিয়াৰ মাজেদি মোৰ
        বোৱাইছে গান।

## অন্তৰতে জ্বলাই ৰাখিম।

সখি !
মাতি মাতি বৰ মোৰ
        লাগিছে ভাগৰ !
অশ্রু টুকি টুকি মই
        সাজিলো সাগৰ।
নুশুজো কদাপি আৰু
        কৰুণা তোমাৰ,
বিৰহৰ গড় গাথি
        জাপালো-দুৱাৰ।

বিৰহত এনে দৰে
জ্বলিয়ে থাকিম
হিয়াত তোমৰ মুখ
জ্বলায়ে ৰাখিম।

## পৰি ৰম হৰষত।

বিৰহ বহ্ন সানি,
জুই-জ্বলা ৰেখা টানি,
তোৰ শ্ৰীমুখৰ ছবি,
দীপ্ত যেন লক্ষ ৰবি,
দিন ৰাতি হৃদয়ত,
আঁকি ৰম উলাহত।
নালাগে মিলন মোক,
নিদিও বেজাৰ তোক।
বিৰহৰ অনলত
পৰি ৰম হৰষত।

---

## তথাপি দিছানো কিয় ?

মোৰ ভাঙা হৃদয়ৰ সকলো ধূলাত
তোমাৰে জেউতি দেখোঁ নিজম নিমাত,
জ্বলি আছে দিন ৰাতি,
ফুল-ভৰা বুক পাতি,

## বীনা ।

পৰে পৰে যুলি মোৰে প্ৰেমৰ পোহৰ
তথাপি দিছানো কিয় জুই বিৰহৰ ?

---

## জ্বলি ৰয জুই কুৰা ।

জগত জ্বলিব ছাই মাটি হব,
আন্ধাৰে আলোক ক্ষীণ কৰি লব,
তথাপিতো মোৰ হুমুনিয়া বব,
বিৰহৰ জুই কুৰা জ্বলি ৰব ।

---

## এই সময়তে আহা !

নাই কাৰো মাত বোল
নিমাত জগত আজি,
এই সুযোগতে তুমি
দিয়াহি হৃদয় বাজি ।
অলপ পাছত আৰু
সজাগি উঠিলে সুৰ,
চঞ্চলতা নামি আহি
ভৰাব অন্তৰপুৰ ।

## কিয় তেনেহলে ?

আহিবৰে নাই যদি মন
কিয় তেনেহলে প্ৰাণধন ।

## বাণী।

হৃদয় আকুল কৰি বজাইছা বাঁহী ?
মিলন নোপোৱা যদি ভাল,
কিয় তেনেহলে বিশ্বপাল !
বেথা কালি ঢালি দিছা আলো ভৰা হাঁহি

---

## তেনেহলে কিয় দিছা ?

মোকে দেখোঁ লই তুমি
অনন্ত অমৃত ভূমি
সৰজি ফুৰিছা ?
তেনেহলে কিয় মোত,
বিৰহ বেথাৰ সোঁত
ঢালি ঢালি দিছা ?

---

## হয় নে কি ?

ইমান বজালোঁ মই
বিৰহৰ বীণা-ধ্বনি,
তথাপি তোমাৰ নাথ !
নপমিল ভিয়াখনি !
হৃদয়ত নাই নে কি
হৃদয় তোমাৰ ?
শিলেৰে বান্ধিছা নে কি,
অন্তৰ, পাৰ ?

---

## দিবানে দিবানে সখি!

মোৰ ভাঙি ভাঙি যোৱা সঙ্গীত জোৰাই,
দিবা নে দিবা নে সখি! অন্তৰ ভৰাই?
মোৰ হিয়া ফালি যোৱা বেথাত বলাই,
দিবা নে জগত ভৰা মিলন চলাই?
মোৰ অশ্ৰু আলো কৰা প্ৰেমৰ কিৰণ,
দিবা নে দিবা নে সখি! উপচাই মন?

---

## মোৰ ৰাজ আলি।

গান ভৰা ৰাজ-আলি,
পৰি আছে হিয়া ফালি।
আহা যদি সেই বাটে,
মোৰ গান ভৰা মাতে,
পমাব তোমাৰ প্ৰাণ,
পাম মই মহা দান।
আহা সখি! সোনকালে?
সুখ পাবা তেনেহলে।

## নচুৱাম তোক।

মোৰ সুৰৰ মূৰত ত
ৰাম তোক।
তেতিয়াহে প্ৰা' চালি
ন পাবি মোক।

ভেতিয়াহে তোৰ এই
বিৰহৰ হাৰ,
মুচি মুচি গাথি দিবি
মিলনৰ তান।

---

## কিদৰে মো ভৰাওঁ জীৱন ?

মোৰ হিয়া ভাঙা বেণুৰ কাষে দি,
মোৰ পুৰি যোৱা প্ৰাণৰ বুকে দি,
কাণ পাতি পাতি মই
নিমাত নিজম হই,
সখি ! শুনি আছোঁ তোৰেই সঙ্গীত,
কিয় নে'দ দেখা পোহৰাই চিত ?
বিৰহৰ হুমুনিয়া টানি
মোৰ কান্দি থাকা হিয়াৰ ৰাগিনী,—
ৰহি আছে বুক পাতি,
অশ্ৰু টুকি তোকে মাতি,
সখি ! তথাপিতো তোৰ ছাঁহিৰ,
চাট এটা মোৰ বাঁহীৰ,
সুৰৰ বুকত উঠি,
দিয়া নাই গান গাথি ;—
কিদৰে নো পাওঁ শান্তি কণ ?
কিদৰে নো ভৰাওঁ জীৱন ?

---

এয়ে মোৰ সুখ শান্তি জনম-যুগীয়া ।
নালাগে সুখুজো মই একো ধন তোমাৰ,
নিৰত বেথাৰে পাৰ উপচোৱা হিয়াৰ ।
থাকা তুমি নিজে লই আলোভৰা হাঁহিটি,
মইৰম আন্ধাৰত বজুৱাই বাঁহীটি ।
থাকা তুমি প্ৰেমভৰা ভোগ লই সুখেৰে,
মইৰম অশ্ৰু টুকি বিৰহৰ দুখেৰে ।
ই খিনি হলেই হম তোমাকৈ সুখীয়া,
এ'য়ে তব শান্তি মোৰ জনম-যুগীয়া ।

---

## বাজোৱা বাজোৱা ।

বাজোৱা বাজোৱা বীণা বিৰহৰ সুৰেদি,
জুই জ্বলা বেথা ব'ক পৰাণৰ পুৰেদি ।
উপচক অশ্ৰু টুপি বিজুলীৰ সোঁতেৰে,
বাজক হিয়াৰ টাৰ আলোকৰ গীতেৰে ।

—•—

## চাই আছা মোৰ মুখ ।

তোমাৰ অসীম সিন্ধুৰ বুকত বুৰাই
চাই আছা মোৰ দুখ ।
আদি-অন্ত-হীন প্ৰেম দাপোনত ।
চাই আছা মোৰ মুখ ।

---

## জ্বলিবি জ্বলিবি।

জ্বলিবি জ্বলিবি মোৰ বিৰহৰ জুই কৰা,
তাৰ সেই মহাঘৰ সমূংঞে ছাই কৰা।
তেহে যদি হব পাব তাৰে স'তে একজন,
তেহে যদি পাব পাব হিয়া ভৰা এটা মন।

---

অন্ত।



## শুদ্ধি পত্ৰ।

| | | | | | |
|---|---|---|---|---|---|
| পৃ; | ৭ | শাৰীত | "মোৰে"ৰ | ঠাইত | —"মোৰ"। |
| ,, | ১০ | ,, | "মোব"ৰ | ,, | —মোৰ। |
| ,, | ১৪ | ,, | "করে"ৰ | ,, | —কৰে। |
| ,, | ৯ | ,, | "মোরা"ৰ | ,, | —মোৰা। |
| ,, | ২২ | ,, | "রাখিবানে"ৰ | ,, | —ৰাখিবানে। |
| ,, | ১২ | ,, | "করি"ৰ | ,, | —কৰি। |
| ,, | ১৯ | ,, | "মিলনে মিলন'ৰ | ,, | —মিলনে নিমিল। |